# প্ৰতিধ্বনি

( গীতৰ শৰাই )

শ্ৰীউমেশচন্দ্ৰ চৌধাৰী

# উছৰ্গা ঃ—

যাৰ স্নেহ-মন্দাকিনীৰ অমৃত-লহৰীয়ে

মোৰ অসহায় শৈশৱ

সঞ্জীৱিত কৰি

ৰাখিছিল,

যাৰ ললিত কণ্ঠ

নানা স্বৰে

নানা তৰঙ্গে

মোৰ কোমল হিয়াত

প্ৰতিধ্বনিত

হৈছিল

সেই পৰমাৰাধ্যা

মাতৃদেৱী



৺স্বৰ্ণময়ী চৌধাৰিণীৰ

উদ্দেশ্যে

সন্তানৰ

ভক্তি-পুষ্পাঞ্জলি।

# প্ৰতিধ্বনি

অন্তহীন সুৰ-ব্ৰহ্ম,—
ব্যাকুল স্পন্দন ;
তৰঙ্গিত সুৰ-সিন্ধু,—
অমৃত-মন্থন ।
সঙ্গীতৰ স্নিগ্ধ জ্বালা,
সুৰৰ প্ৰদাহ,—
অনাবিল স্ৰজে মৃদু
মধুৰ নিদাঘ ।
বিশ্ব ব্যাপি ধৰে বেঢ়ি
ছন্দৰ লহৰী,
ৰিণি ৰিণি যায় ধ্বনি
ভেদি মৰ্ম্মপুৰী ।
এটি দুটি ক্ষীণ 'ৰাও
নিবিড় নিশাত—
প্ৰতিধ্বনি উঠে কান্দি
হৃদয়-গুহাত ।



# লেখকৰ অন্যান্য ৰচনা—

১। দেৱধ্বনি— প্ৰায় ৯০টা গহীন ভাৱৰ গীত সংগ্ৰহ কৰি এই পুথি খন ছপাবলৈ দিয়া হৈছে,—অলপতে ওলাব।

মূল্য—কেচা বন্ধা ॥০
পকা „ ৸০

২। মন্দাকিনী— প্ৰায় ১২০টা আদিৰসৰ গীত আৰু বিহু গীতৰ ঠাঁচৰ গীত সংগ্ৰহ কৰি ছপাবলৈ দিহা কৰা হৈছে।

মূল্য—কেচা বন্ধা ৸০
পকা „ ১৲

তিনিওখন গীতৰ পুথি একে লগে ললে সিকি ভাগ মূল্য কমাই দিয়া হব।

ইয়াৰ বাদে লেখকৰ কবিতাবিলাকো প্ৰকাশ কৰিবলৈ যুগুত কৰা হৈছে।

# নিবেদন

এই পুথিত সংগ্ৰহ কৰা গীতবিলাকৰ বেছি ভাগেই বহুদিন পূৰ্ব্বতে ৰচনা কৰা হৈছিল, কিছুমানৰ বয়স ২০-২৫ বছৰো হৈছে। গীতবিলাক ৰচনা কৰা হৈছিল লেখকৰ নিজৰ উল্লাস আৰু তৃপ্তিৰ কাৰণে, দুই চাৰিটা গীত বিশেষ আৱশ্যকতাৰ বাবেও ৰচা হৈছিল, কিন্তু সেই সময়ত ৰচকে কেতিয়াও ভবা নাছিল যে তেওঁৰ গীতবিলাক সংগ্ৰহ কৰি পুথিত ছপা কৰিব লাগিব। বাস্তৱতে এই আওহেলাৰ বাবে ৰচকৰ ভাল বেয়া আৰু বহুত পুৰণি ৰচনা নানা প্ৰকাৰে থান-বান হৈ কালক্ৰমে লোপ পাইছে। সম্প্ৰতি আজি প্ৰায় দহ বাৰ বছৰৰ পৰাহে, লেখকৰ বন্ধু কেইজনমানে ৰবকৈ আপত্তি কৰাত,—বিশেষকৈ আলোচনী-বিলাকত মাজে সময়ে প্ৰকাশ হোৱা কিছুমান গীতৰ বাবে সদাশয় সঙ্গীতা-মুৰাগী ৰাইজৰ আগ্ৰহ হোৱা গতিকে গীতৰ পুথি এখন ছপাবলৈ সঙ্কল্প কৰা হৈছিল, আৰু বন্ধুসকলকো সেইদৰে প্ৰতিশ্ৰুতি দিয়া হৈছিল। তদনুসাৰে দুজন মান বন্ধুৱে লেখকৰ গীতৰ পুথি "প্ৰতিধ্বনি" অলপতে ওলাব বুলি প্ৰায় বাৰ বছৰৰ পূৰ্ব্বেই আগ জাননীও প্ৰকাশ কৰিছিল (অৱশ্যে "প্ৰতিধ্বনি" নামটো তাৰ আগতে থোৱা নাম); কিন্তু ঘৰুৱা ৰাজহুৱা আৰু উপৰুৱা নানা ধৰণৰ আহুকালত সেই প্ৰতিশ্ৰুতি ৰক্ষা কৰা লেখকৰ পক্ষে কষ্টসাধ্য হৈছিল। ইতিমধ্যে লেখকে ৰচনা কৰা আৰু কিছুমান গীত পুথিত ঠাই দিব লগা হোৱাত পুথিখন সজোৱাতো বেমেজালি ঘটিল।

এতিয়া প্ৰায় তিনিশ মান গীত ছপাবলৈ যুগুত কৰি দেখা গল যে একেখন পুথিত এটাইবিলাকক ঠাই দিয়াতকৈ ভাগে ভাগে তিনিখন

বেলেগ পুথি প্ৰকাশ কৰাই শ্ৰেয়। তদনুসাৰে প্ৰথম পুথি "প্ৰতিধ্বনি" ৰাইজৰ আগলৈ উলিওৱা হ'ল। ইয়াত কোমল বয়সীয়া পোনাহঁতৰ আৰু শিক্ষাৰ্থী বা ডেকাসকলৰ উপযোগী গীতবিলাক সন্নিৱিষ্ট কৰা হৈছে। বৰ্ত্তমানে সঙ্গীত চৰ্চ্চা বৃদ্ধি হোৱাৰ লগে লগে কোমলমতি শিশু আৰু তৰুণসকলৰ উদ্দেশ্যে সুকীয়াকৈ সংগ্ৰহ কৰা গীতৰ পুথি এখন আমাৰ বিশেষ আৱশ্যক হৈ পৰিছে। তেওঁলোকে এই ৰচনাবিলাকৰ পৰা কিবা প্ৰেৰণা পালেই ৰচকৰ পৰিশ্ৰম সাৰ্থক হব।

লিখকৰ বাকী দুখন গীতৰ পুথিত যথাক্ৰমে গহীন ভাবৰ ৰচনা আৰু আদি ৰসৰ ৰচনাবিলাক সজোৱা হৈছে।

প্ৰতিধ্বনিত প্ৰকাশ হোৱা কেতবিলাক গীত আগেয়ে কোনো কোনো আলোচনীত প্ৰকাশ হৈছিল; এতিয়া তাৰে দুই এটি গীতৰ ঠায়ে ঠায়ে অলপ লৰচৰ হৈছে। হয়তো নকল কৰি আলোচনীলৈ পঠাওঁতে কিবা ভুল হৈছিল, নাইবা সুৰ তাল সুৰলা কৰিবলৈ পাচত আৱশ্যক মতে শুধৰাই দিয়া হৈছে।

গীতবিলাকৰ প্ৰত্যেকটিকে নিজা সুৰত ৰচনা কৰা হৈছে। বেছি ভাগৰ সুৰ মিশ্ৰিত;—পুথিৰ শেষ ছোৱাত থকা জাতীয় গীতৰ বহুতো "কোৰাচ" সুৰৰ গীত আৰু পাশ্চাত্য ঠাচত সুৰ লগাই গাব পৰা গীত। কেইজনমান বন্ধুৱে গীতবিলাকৰ স্বৰলিপিও ৰচনা কৰি পুথিৰ লগতে প্ৰকাশ কৰিবলৈ উপদেশ দিছিল, কিন্তু স্বৰলিপি দিয়া কিমান কষ্ট-সাধ্য আৰু ব্যয়-সাপেক্ষ তাক বুজা জনে ভালকৈ জানে।

সুৰবিলাকৰ প্ৰকৃত নাম দিবলৈও সম্ভৱ নহয়, যিহেতু বহু ভাগ মিশ্ৰসুৰ, আৰু প্ৰকৃত নামাকৰণ কৰিবলৈ লেখকৰ সঙ্গীতৰ জ্ঞানে নুকুলায়।

এতেকে বৰ্ত্তমানলৈ সেই সকলো আশা পৰিত্যাগ কৰি ৰচনাবিলাক

কবিতাৰ আকাৰে উলিওৱা হল। কিন্তু প্ৰত্যেকটি গীতৰ স্বকীয়া সুৰ আছে। ইয়াৰ কেইবাটিও গীত সভা সমিতি বা উৎসৱাদিত গোৱা হৈছে। দুই চাৰিটা গীত. গ্ৰামোফনৰ বাবে ৰেকৰ্ড কৰাও হৈছে। আন আন গীতবিলাকৰো সুৰ কোনোবাই জানিবলৈ ইচ্ছা কৰিলে ৰচকৰ পৰা পাব পাৰিব; অথবা গায়কে নিজ ৰুচি মতে কোনো সঙ্গত সুৰ দি গাব পাৰিব।

গায়কসকলৰ আগ্ৰহ হলে এই পুথিৰ গীতবিলাক—বিশেষকৈ জাতীয় গীতবিলাকৰ কিছুমান বাছি ভবিষ্যতে স্বৰলিপি প্ৰকাশ কৰাৰ আশা থাকিল। সঙ্গীতত অনভিজ্ঞতাৰ কাৰণে সুৰ লগাই গাব নোৱাৰা সদাশয় সাহিত্যিকসকলে ইয়াক কবিতাৰ পুথি স্বৰূপে গ্ৰহণ কৰিলেও লেখক কৃতাৰ্থ হব।

বহুতো গীতৰ লগত মোৰ তাহানি কালৰ কোমল বয়সীয়া বন্ধুসকলৰ সহানুভূতি আৰু স্নেহ-আগ্ৰহৰ স্মৃতি জড়িত হৈ আছে। কিছুমান জাতীয়-সঙ্গীত ৰচনাত মোৰ লগৰীয়া সাহিত্যানুৰাগী সঙ্গীত প্ৰিয় কেইজনমান বন্ধুৰ পৰা আশাতীত উদগনি পাইছিলো;—তাৰ ভিতৰত মোৰ পুৰণি বন্ধু মোঃ মহিবুদ্দিন আহমদ, চেনেহৰ মিতা শ্ৰীযুত মহেন্দ্ৰ ফুকন, বাল্য-সঙ্গী শ্ৰীযুত দৈৱচন্দ্ৰ তালুকদাৰ, সহপাঠী শ্ৰীযুত আনন্দ বৰদলৈ আৰু সুগায়ক শ্ৰীযুত প্ৰফুল্লচন্দ্ৰ বৰুৱা প্ৰভৃতি বন্ধুসকলৰ নাম সকৃতজ্ঞ ভাৱে সুঁৱৰিছো। গীতবিলাক পুথিৰ কাৰণে গোটাওঁতে সহায় কৰাৰ বাবে মোৰ মৰমৰ ডেকা বন্ধু শ্ৰীমান পূৰ্ণচন্দ্ৰ ভৰালী, শ্ৰীমান কামুৰাম দাস, শ্ৰীমান থানেশ্বৰ বৰুৱা, আৰু শ্ৰীমান অতুলচন্দ্ৰ হাজৰীকা আদিৰ ওচৰত মই কৃতজ্ঞ।

এই পুথি ছপাওঁতে কলিকতাৰ শ্ৰীমান গগনচন্দ্ৰ পাটোৱাৰী আৰু শিৱসাগৰৰ শ্ৰীমান কৰুণাকান্ত গগৈদেৱে যি সাহায্য কৰিছে তাৰ কাৰণে তেওঁলোকৰ ওচৰতো মই বিশেষ ভাৱে ধৃণী।

অৱশেষত যি সকল ছাত্ৰ বন্ধু আৰু কুমলীয়া গায়কে লিখকৰ ৰচনাৰ প্ৰতি বিশেষ আগ্ৰহ দেখুৱাই নানা উপলক্ষে এই গীতবিলাক গাই ৰাইজৰ মাজত প্ৰচাৰ কৰি আছে তেওঁলোকৰো শলাগ ললো।

এতিয়া গীতবিলাক এই পুথিত গোট খুৱাই দিয়াৰ পৰা যদি সেই গায়ক-বৰ্গৰ আৰু কিবা সুবিধা হয় তেন্তে মোৰ এই উদ্দেশ্য সফল হব। ইতি

১লা ভাদ,
১৮৬১ শক

ৰাইজৰ বিচাৰাধীন—
শ্ৰীউমেশ চৌধাৰী

# সূচীপত্র

( বৰ্ণমালা অনুসাৰে গীতৰ ক্ৰম পৰিশিষ্টত দেখুৱা হৈছে )

## সেৱা তৰঙ্গ

| গীতৰ আদি শাৰী | ৰচনাৰ কাল | পৃষ্ঠা |
|---|---|---|

## জাতীয় তৰঙ্গ

# প্ৰতিধ্বনি

**চেনেহী মোৰ মাতৃভাষা!**

তুমি যে মোৰ বুকৰ বাণী,
তুমি যে মোৰ লীলাময়ী,
তুমি মোহ স্বপ্ন ৰাণী।

বিলালা মোক ইমান বেথা,
শিকালা মোক ইমান কথা ;—
উল্লাসে উপচি পৰে
কি আনন্দ আকুলতা!
—নধৰে মোৰ হৃদয়ত,
জৰি পৰে চকুৰ পানী।

তুমি যে মোৰ দীপ্তি-হীনা
অযত্ন-মলিনা দীনা ;—
কিহেৰে আই পূজোঁ, মোৰ
—সম্বল মাথোঁ জীৰ্ণ বীণা
তুমি যে মোৰ সুৰময়ী
প্ৰেমপূত মন্দাকিনী!

---

কাতি,
১৮৪৪ শক

( ২ )

আহি পালে ৰঙৰ সখি

—চতৰ কটকী ;

তেজেৰে জাননী লেখি

গছে গছে দিলে আঁৰি

ৰমক-জমকী ।

দিশে দিশে লাখৰ বাখৰ

ৰহন চৰাই কি,—

সোণোৱালী চেলেং উৰি

ওলাল কইনা ৰাংঢালী

বিহুৰ বহাগী—

পাতে পাতে বিৰিখৰে মেলে নতুন থোৰ

বনে বনে জকেমকায় নাহৰ চম্পা ফুল—

গোন্ধতে বিভোল !

ডালে ডালে জোঁকাৰ দিলে

আকুল বিহগী—

কি চেনেহৰ বাতৰি কৈ

—ফেঁহু কুলি পাটমাদৈ

—বনৰ সুৱাগী !

———

চত,
১৮৫২ শক

( ৩ )

মুকুট পিন্ধি সূৰুয- কোঁৱৰ
ওলাল অকল সবে,
পূৱাকাশৰ পৰ্দ্দা পটত
ৰঙা পোহৰ পৰে—
তোমাক দেখি জিকি মিকি
বিলৰ পানী লৰে—
চকু মেলে ফুলৰ ৰাণী,
চৰায়ে গীত ধৰে।

তুমি গলে নহয় খেলা,
ৰং ৰূপহৰ ভাগে মেলা—
এন্ধাৰ ছাটি ধৰে ;—
কিয় কোঁৱৰ আমাক এৰি
মুখ লুকোৱা সন্ধ্যা বেলি,—
থাকা দেশান্তৰে ?

---

শাওণ,
১৮৫৮ শক

# ( ৪ )

**সপ্তাহ খাই ঘূৰিলা**

পখিলা বাই,
গাওঁ-ভূঁই ফুৰিলা
ৰং দেখুৱাই
পখিলা বাই—

আজি নো কি মন কৰি
মোৰে ফুলনি বাৰী
সোমালা বাই !

বুজিছোঁ তোমাৰ বুধি—
ফুলে ফুলে কথা সুধি
হইছা শুৱা—

উলটি যোৱা ঘূৰি
তোমালৈ, টেঙৰী
ভাগ নাই থোৱা
নোপোৱা ই-ফুলনিত
জিৰণিৰ ঠাই ।

———

আঘোণ
১৮৫৮ শক

( ৫ )

ভৰি নাই, মুৰ নাই,
নাই নিওতা ;—
শূন্যত ওলমি পৰি
বায়ুৰ আঁচল ধৰি—
মেঘ-দেউতা !
পচোৱাত পাৰি দি
দেহা থুলন্তৰ—
কেনে নো আয়ম
কৰা ধুৰন্ধৰ !
বৰণ মলিয়ন—
ধোঁৱা-মোৱা,
গঢ় নাই পিত নাই,
ফাঁকি দি খোৱা ;
পৰৰ কান্ধত উঠি
ডাবি-দিওঁতা !

———

বহাগ,
১৮৫৮ শক

( ৬ )

জুপজুপ ৰৰষুণ

পৰে কি পৰে ;

আজি বাৰিষাৰ লোতক ধাৰাসাৰ

জৰে কি জৰে ।

আষাৰী আঁকৰী

উদুলি মুদুলি

জুটুলা-জুটুলি চুলি—

বাৰ বৰণীয়া

পালী-পহৰীয়া

ডাৱৰে বয় দেশ জুৰি,—

আহুকাল কৰে ;—

এন্ধাৰে জুমাজুমি কৰে,

পানী, সৰে কি সৰে !

———

আহাৰ }
১৮৫২ শক }

( ৭ )

সূৰ্য্যৰ দেউ ৰঙা মুৱা,

সন্ধিয়াৰ নঙলাতে
আঁৰি মেঘৰ চান্দোৱা—
অস্তাচলৰ পাৰ ঘাটত
বিদায় লয় বহি পাটত
—সোণ মুকুতা বন্ধোৱা !

* * * *

বিয়লি বেলিৰ মূৰটি পকা—
অগ্নি ৰথৰ চলাই চকা—
ভাগৰতে ৰঙা মঙা
বাগৰে বুঢ়া ৰণুৱা !

———

ফাগুন
১৮৫৫ শক }

( ৮ )

সৰগৰ জোনা বাই,

অজান দেশৰ হীৰা-কোঁৱৰ
উজাগৰে নিশা বগাই—

মোৰ পিৰালিত আজি সখা,
হাঁহি মাৰি দিলা দেখা
অকল সৰে আকাশ বাই—

কিনো মনৰ কথা পাতোঁ,
দুপৰ নিশা দুয়ো মাথোঁ।
(আমি) দুইকো দুয়ো আছো চাই—
কাৰো কতো সঁহাৰি নাই !

---

আহিন ।
১৮৫৮ শক

( ৯ )

আকাশতে মাৰে উঁকি

এটি দুটি তৰা থুপি

শূন্যতে আঁৰি নীলা ৰভা

সমাজ পাতি জোনোৱালী

জকে মকায় ৰূপোৱালী

নিজম নিশা তৰালিৰ সভা

নিশা ৰাণী নীলাম্বৰী

সাজে কাচে সয়ম্বৰী

সেউজী সুন্দৰী মনোলোভা !

———

বহাগ
১৮৫৮ শক

( ১০ )

আহ পখি আহ,

মোৰ ঘৰলৈ আহ—;

মাতত জৰে মউ

( তোৰ ) ৰূপত চৰে লাহ।

গছৰ জোপত লুকাই বহি

নাম গাব্ব কি, বনব পখি—

হাবিত বান্ধি বাঁহ ?

তোৰ সতে মই বান্ধিম সখি,

বেগাই উৰি আহ—

মুকুতাৰ জিঞ্জিৰি লগাই,

ভৰিত দিম নুপূৰ পিন্ধাই

সোণৰ সঁজাত বাঁহ,

মৌনাকৰা বাতিত খাবি—,

মোৰে সতে নাম গাবি

পূৰাই হাবিলাষ।

---

আহিন }
১৮৫৯ শক

( ১১ )

থাননিতে নাচন মাৰি
ৰচকী মলয়া বা,
নাচি বাগি হালি জালি
ৰঙৰ কথা কৈ যা—
গছৰ আগত জিলি মিলি—
লুকাভাকু খেলি—
ফাকু সানি ৰঙা বেলি
উঁকি-মাৰি চা
বেহাৰতলি উঠে ফুলি—
সোণালি আঁচল মেলি,
গোন্ধতে পথাৰ ভৰি
আমোল মোলায় ;—
কেউ পিনে নিমন্ত্ৰণ
উলহ মালহ মন—
আনন্দতে গোটেই খন খলক লাগি যা,
ৰঙৰ কথা কৈ যা !

———

পুহ, }
১৮৪০ শক }

ভৰলু উতলা হল,
উপচি উঠিল ফেন ফুটুকাৰ
চিঞৰি আহিল ঢল ;
উলাহ উথলি আহিল উতলি
হিয়াখনি টল মল
সকলো পৰিল তল,
ভৰলু উতলা হল ।
বিয়পি পৰিল বহল পথাৰ
আগুৰি আহিল পানী
—দশো দিশ যায় ছানি ;
তোৰ,—একণি বুকুৰ বেথা চেনেহতে
জগত নধৰা হল ।
বান্ধ ভাঙি ভাঙি শিল খান্দি খান্দি
পৰ্ব্বত খঁহাই, গুহাই গুহাই
ৰিং পাৰি অবিৰল
ভৰলু উতলা হল ।

———

শাওণ
১৮৫৩ শক

( ১৩ )

বহাগী বলীয়া      বতাহ মতলীয়া
বিচুৱাৰ বাতৰি পাই—
জুম বান্ধি ডাৱৰে   আকাশ খন আৱৰে,
—নিজৰাৰ আজৰি নাই।

বুঢ়া কৈ লুইতৰ বহল যে পাৰ
তাৰো যে ছেও লাগে গধূৰ যে গাত

তাৰো নো পাৰ ভাগি    ন-সূঁতি নাচি বাগি
বিচুৱাৰ জান দি যায়,—
ভৰলু লচ্‌পচী,     ঢৌৰ কাচন কাচি
ঘূৰি ঘূৰি পাক দি গায়।

---

বহাগ,
১৮৫০ শক

( ১৪ )

জলক লাগে লুইতৰ পাৰ—
বিহু আহিল সাজি পাৰি
ৰঙতে দশো দিশ জাতিষ্কাৰ !
সুৰাগী বতাহে গোন্ধ ছটিয়াই
বিহুকে আদৰি যায়;
দেশে দেশে বিয়া খাই
( আহে ) নামতী কুলি বাই
আমৰ ডালত দিয়ে জোঁকাৰ, খলক লাগে পাৰ,
—জলক লাগে লুইতৰ পাৰ !
উলুৱনিৰ ওৰণি লৈ
ৰঙৰ কথা কৈ—
পানী তুলি আহে জুৰি
উৰুলি বজাই।
জাত জাত নাম গায়
বনৰে চৰাই।

বহাগ,
১৮৩৮ শক

( ১৫ )

**পলাশ-বসন্ত**

উৰিল ৰঙা
উছৱৰ নিছান,—
মেঘে মেঘে ৰঙা ফানুচ
আৰিলে কিমান !
কৃষ্ণ-চূড়াৰ দীঘল-শিখা
ফাঁকুৰে বোলাই,
ফাগুনৰ উপকণ্ঠত
নামতী চৰাই
গছে গছে লগাই দিলে
আদৰণি গান।
মদাৰ-মইনৰ আগে আগে
ৰঙা ঋতুৰ কি জুই লাগে ?
উগুল-থুগুল নাহৰ-বকুল
বিটপি বিতান
ফুলৰে শেতেলি সজায়,
ফুলৰে শিতান।

———

ফাগুন,
১৮৫১ শক

( ১৬ )

গুন গুন, আহে কোন!

ভোমৰা—গুণ গুণ

সাৰেং বজায়;

আমাৰ ফুলনিতে

দোক মোকালিতে

সঁহাৰি লগাই—

( ফুৰে ) ফুলত বগাই;

ফুল কুঁৱৰীৰ ঘুমতি ভাগিল

চকু মেলি চায়—

গুণ গুণ ভোমোৰা

ৰঙৰে বতৰা

দিলে জনাই

(আজি) ৰাতি পুৱাই!

———

আহাৰ,
১৮৫৩ শক

( ১৭ )

ঢৌ আহ নাচি নাচি—

জাকে জাকে লাখে লাখে

বাৰ বৰণৰ কাচন কাচি।

পাৰে পাৰে কি খেল খেলি—

চুমাচুমি গলাগলি,—

বাৰে বাৰে পৰ ঢলি

কি চেনেহৰ কথা যাচি!

থৌকিবাথৌ,—অ' সৰু ঢৌ,

দেখি লাগে কেনে পুতৌ!

—তোৰে স'তে খেলিম নিতৌ

পানী-জিয়লীত হাঁহি নাচি।

---

আহাৰ,
১৮৫৩ শক

( ১৮ )

হলি কি তই উটনুৱা,
মলয় পুতলি !
আগলি পাত লাৰি চাৰি
জৰ্ জৰ্ কৈ লৰ মাৰি
মোকে ৰিঙাৱ ;—
ফুৰ্ ফুৰ্ কৈ পেলাই জুৰ
ৰাও দি ফুৰ—
ধাও দি ধৰ—
ভাও দি পলাৱ !
মোৰে গাত গা ঘেলাৱ,
ফুৰ উমলি—
(আজি) তোৰ ভুলনিত হাত বুলনিত
মন মুকলি,—
ডেও দি ফুৰোঁ। ছেও দি ঘূৰোঁ।
পেলাই ঘুৰলি

—

জেঠ ৬
১৮৫২ শক

( ১৯ )

সৰগৰে জিকিমিকি,—

অ' সোণতৰা !

থোপাথুপি নীলাকাশত মিনাকৰা ।

জোনাবাইক বেঢ়ি ধৰি

সমাজ পাতি অপেশ্বৰী

লুকালুকি জিকিমিকি

ৰূপৰ ৰহঘৰা ।

ভৈয়ামতে আমি সখী

তোমাৰ সভা আছোঁ দেখি

আলাসতে শুৱাই আছা

দেৱতাৰ চ'ৰা

—————

মাঘ,
১৮৫৩ শক

(২০)

## পদূলিতে আজি পুৱা

কোনে মাতে,—
মোকে মাতে !
পোহৰে জিকিমিকি !—
বাও দিছেহি ল'নি হাতে,—
ৰঙা হাতে বাওদি মাতে !
নেথাকোঁ ঘৰত বৈ
এন্ধাৰত বন্ধ হৈ
ৰঁদ-বতাহে নাচে হাঁহে
হাবি-পথাৰ বনে-বাটে,
মুকলিত উছৰ পাতে !
কুলু কুলু জুৰি আকুল,
ফুলে ফুল উগুল থুগুল,
বনৰ পখি ৰাও দি মাতে ;
লুইতৰ বগী সুঁতি—
ঢৌৰে লগায় জোটাপুটি
কোঢ়াল কৰি ঘাটে ঘাটে ।

———

মাঘ
১৮৫২ শক

( ২১ )

আমাৰ হাঁহি ধেমালি ;—

কোনে বোলে ইটো নহয়
ৰং-ধেমালি কৰা সময়,
—ধুন-ধুপালি ?
আমাৰ হিয়া কুমলীয়া
মুখে মুখে সন্তোষীয়া
ছবি সোণালী,
চকু যুৰিত যুগল প্ৰদীপ
জ্যোতিৰ দীপালী !
চিত্ত সৰল, মন যে তৰল,
নাচি বাগি দেহা সৰল,
হাঁহি খেলি কটাওঁ কেৱল,
—শৰীৰ উত্ৰাৱল !
ৰং-ৰূপহৰ স'তে সদায়
পাতোঁ মিতালি ।

---

জেঠ,
১৮৫৩ শক

( ২২ )

## সাজি কাচি আজি লুইত

ডাঙৰীয়া,
কলৈ ওলালা—
চমক যে লগালা,—
ফেনে-ফুটুকাৰে
চাকেনৈয়া !

বৰুণদেৱে মাতিছে,
সবাহ খন পাতিছে ;—
তালৈ লাগিছে
থৈয়া-নথৈয়া,—

বাৰিষাৰ ডাৱৰে
ঢোলে-ডগৰে,
ভৈয়ামৰ জান-জুৰি
কল্ কল্—আদৰে ;

দিহিঙে-দৈয়াঙে
ভৰলী-মানাহে
ঢুকাযে নৈ পালী—
পহৰীয়া !

———

শাওণ, }
১৮৫২ শক }

( ২৩ )

ৰদ-কঁাচলি জিলি মিলি !
মেঘেৰে মাৰি ভুমুকি
চতৰ শেষত স্বপ্নাৱেশত
দেখা দিলা সখী,
ৰূপৰ জলক পৰিল ঢৌৱাই
ৰঙতে ৰঙে চৰাই ;—

ৰঙতে উধাও ৰাংঢালী বাৱ,—নাচনী ৰচকী।
বনে বনে পখী পাৰিলে ৰা’,
শিঁয়ৰি উঠিল গা—
ক’ৰ আলহীৰ দিলা বাতৰি, চতৰ কটকী !

---

চ’ত,
১৮৪৮ শক }

( ২৪ )

ৰমক জমক নানা বৰণ,

আকাশতে ধৰে পেখন,

—মেঘে শুৱনি— !

সোণ-জিলিকা জলঙাৰে

কোন কোঁৱৰে উকি মাৰে

—ৰঙা মু'খনি !

বিলৰ পানী সুৱৰ্ণ-গোলা

ঢৌৱে আনে ৰঙা-দোলা

সজাই লাৱণি :

পোহৰে লুকা ভাকু ;—

পদুমীৰ আকুবিকু !

দোলাত চৰি মেলে চকু,

——গুচাই ওৰণি ।

---

চ'ত,

১৮৫৫ শক

( ২৫ )

হাঁহিতেনো কান্দিছিলি হৰিণী ধুনীয়া

গছে গছে মাতিছিলি চৰাই বনৰীয়া—,
সোণ বৰণীয়া—
পৰ্ব্বতৰে শীতল সুঁতি
নাচি আহে সুৰৰ ধল
জল কুঁৱৰী বাংঢালী
শিলে শিলে উত্ৰাৱল,—
মাতিছিলি অময়াৰ মাতে বিনন্দীয়া
—জুৰি বনৰীয়া।

———

ৰহাগ,
১৮৫৫ শক

# ( ২৬ )

**পৰ্ব্বতীয়া হাবি লৰে চৰে—**

দখিণী লাহেকৈ সঁহাৰি দিলে ঐ
—আলফুল মালতী চালি ধৰে !

এলাগী বনফুল লাজতে তলমূৰ
নেমেলে চকুৰ পতা,—
—কালৈনো মেলিবি গোন্ধৰ সঁফুৰা
বিলাবি বুকুৰ বেথা !

নিৰলে তল সৰি, নীৰৱে যায় জহি
—ৰেণু লৈ বতাহে বিনাই ফুৰে,
নাহৰৰ তলে তলে নিজৰাৰ শিলে শিলে
হুমুনীয়া কাঢ়ি ভাগৰি পৰে !

---

পুহ,
১৮৫৩ শক

( ২৭ )

কপিলী আই ভৰিলি,
উপছি নো পৰিলি !
থল-পানীৰ কোলা
সজাই নাগৰ দোলা—
পথাৰে সমাৰে গাওঁ মেৰে-মেৰে
দেশে বিদেশে ঘূৰিলি !

পাৰ ভাঙি সুঁতি
লগায় জোটা-পুটি
শিঙা-পেঁপা বজাই জান-জুৰি জগাই
—বাৰিষা উছন্ন কৰিলি !

———

আহাৰ
১৮৫৬ শক

( ২৮ )

দে বৰষুণ দে,—

—ডবা-পিটা দে—;

পালী-পহৰীয়া লগাই

ঢোলে মৃদঙ্গে—।

কাজলী মেঘ, ঘোলা চকু,

লো বিৰিঙে, গধুৰ বুকু :—

দে উবুৰাই দে—

ওদোল-মোদোল সকল ফালে,

কলহ-কানে পানী ঢালে,

লানি পাতি দিনে ৰাতি

হেঁপাহ পূৰাই দে ;—

ঘৰ-পিৰালি পথাৰ তলী

বানে বুৰাই দে—।

---

শাওণ, }
১৮৫৬ শক }

( ২৯ )

মাধৈ লতাৰ
মধুবনত
ফুলৰ দীপালি—
(আজি) নিশা জোনালী
তৰাৰ সতে
আলাসতে
পাতে মিতালি
(আজি) ধৰাৰ দুলালী ;
তিৰে বিৰায় থুপিতৰা,
তিৰে বিৰায় ফুল ;
ফুল-কুঁৱৰী উজাগৰী
ৰূপতে মছগুল—
(আজি) গুলে-গুলালি
নিশা ৰাণী নীলাম্বৰী
ফুলে ফুলালী,—
(উৰায়) ফুলৰ ফুলজাৰী ।

---

পুহ,
১৮৫৮ শক

( ৩০ )

ওলাই আহঁা লগৰী—
কাষতে লই ঘাগৰি ;
ৰুণু-জুনু বজাই নুপূৰ
শুনাই ৰঙৰ বাতৰি ;—
( আজি ) ধৰণীৰ নতুন সাজ
দিশে দিশে নৱৰাগ ;
ডাৱৰৰ খাপে খাপে বিৰিঙে কি অনুৰাগ
বিৰিখৰ পাতে পাতে ৰহন চৰে ৰাঙলী—
ৰমক জমক ফুলে ফুল
গোন্ধতে আমোল মোল
ৰাংঢালী বহাগী পিন্ধে আঁজলি আঁজলি ফুল,
লচ্ পচী নৈ কথাকে কৈ মুখৰে নাই আজৰি ।

---

ফাগুন, }
১৮৩৭ শক }

( ৩১ )

ভুমুকি মাৰিলে হি—

সোণামুৱা ঋতুৰাজে,
কিনো ৰঙৰ উলহ মালহ,—
চাৰিফালে সাজে কাঁচে !
ৰমক-জমক সোণৰ সপোন,
নতুন আশা নতুন জীৱন—
নতুন সুৰৰ উজান উঠে ;—
বনে বনে খলক লাগে।
ফুলৰ বনত উঠে ফুলি—
ফুল-কুঁৱৰী বসুন্ধৰী—
গোন্ধত বতাহ উগুল থুগুল ;—
চালি ধৰি নাচে বাগে।

———

চ'ত,
১৮৩৬ শক

( ৩২ )

সখাৰ সতে ৰহে সখি
কিনো সমাজ পাতি—
ৰভা তলিত সভা থলিত
মধু-মিলন ৰাতি—
সখিৰ আজি শুভ লগন,
গছে পাতে সলায় বৰণ,
সুগন্ধতে উধাও পৱন
মাৰে শীতল ছাটি—,
হিয়াৰ সতে হিয়া মিলাই
দিয়া সখিক শুভ বিদায়
হক জয়-জয় ; থক মধুময়—
সোণৰ ডোলে গাঁথি ।

---

বহাগ,
১৮৪১ শক

( ৩৩ )

ওপৰে মেঘাম্বৰ,

ৰভা দি পুৰন্দৰ

অলকা-জীয়াৰীৰ পাতিছে সয়ম্বৰ—;

উত্তৰ-পৰেবতে উদুলি-মুদুলি

কুবেৰৰ পদূলিত জলকে বিজুলী,

ঢোলে-ডগৰে আহে পয়োভৰে ;

—চমকে বসুন্ধৰী !

নীলা কৈ দূৰণি টিলাটি শুৱনি,

তাতে ৰোহ ধৰিছে, আজি কোন সুন্দৰী ?

দখিণৰ কোঁৱৰে উৰি যায় উতৰে

ধুমুহা-বিমান চৰি ।

---

চ'ত,
১৮৫৫ শক,

কাৰ পূজাটৈল খপিছিলিহি
নিশা এৰাতি,— বনৰ ফুল!
নিৰাশা লৈ উভতিলি
বুজি আজলী মনৰ ভুল।
হাবিৰ এদাঁতি,—নিৰল নিসঙ্গ ;—
পোহৰ এজাকি, নিষ্কলঙ্ক ;—
নিশাহ এছাটি, আমোল-মোল্,
—ৰূপহ এপাহি বনৰ ফুল!
কেৱে নেচালে আপোন বুলি
কেৱে সাদৰি নললে তুলি ;
সৰগৰ তই ৰূপ-কুঁৱৰী
ভৈয়ামে তোৰ নেপায় মোল ;—
এৰাতি নিশাৰ বন-ফুল।

—

পুহ, }
১৮৫৮ শক }

সূৰুয দিনকৰে ভাগৰি পৰিলে
লুইতৰ আঞ্চলত ধৰি,
সন্ধিয়াৰ পদূলিত মেলানি মাগিলে
ভাটি দেশ ৰাঙলী কৰি।
বণিজ গল ভটিয়াই
সোণৰ ডিঙৰা বাই
শুকুলা পাল খন তৰি ;
কাৰে মই কৰোঁ খেলা
এই সন্ধিয়া বেলা—
যাওঁ মই কোন দিশ ধৰি ?

---

আঘোন
১৮৫৫ শক

কুল্ কুল্ কৰি শীতল জুৰি
আকুল সুৰীয়া
আনন্দতে উধাও হল,—
মুকল-মুৰীয়া ।
যেথাৰে উপচি যায়—
খাল-বাম ভিন-পৰ
ভেদ-ভাৱ নাই—
চেনেহৰে অমৃত জৰে
সৰগ-পুৰীয়া
ইঁাহি ৰঙৰ বাতৰি কৈ
সুৰত বলীয়া— ।

—

শাওণ,
১৮৫৮ শক

( ৩৭ )

**বৰাগী, গীত গা টোকাৰি লৈ।**

সুৰৰ হিন্দোলে পাৰ বাগৰিলে
অমৃতৰ বোৱালি নৈ,—
হে বৰাগী !
বাঢ়নি নিজৰা
ডেও দি আহিলে
গীতৰ ছেৱে ছেৱে বৈ,
মুকলি পথাৰৰ পাতলী বতাহে
ৰাও দি ফুৰিলে উতলা হৈ—
পখিলা নাচনী
উঠে দেওধনী
সুৰাঙী মেঠনি লৈ—
হে বৰাগী, সুৰতে সুৰাগী হৈ।

---

আঘোন, }
১৮৫৮ শক }

( ৩৮ )

দিখৌ নৈৰ পাৰতে,
জৰি গছৰ ডালতে
কপৌ যুৰি সাজিলে ঘৰ ;—
শিলে খুন্দি মাৰিলে
চূৰমাৰ কৰিলে
ধুমুহাত হল অথন্তৰ !
দিখৌ নৈৰ কানতে
কাৰেং ঘৰ বান্ধিলে
সৰ্গদেউ আছিলে চ'ৰা শুৱাই ;—
হাবি বনে ঢাকিলে
শেলুৱই ধৰিলে
জহি খহি গলগৈ কালকে খিয়াই !
দিখৌ নৈৰ দাঁতিতে
গিৰী-গাঁও বহিলে
ধানে ধনে উভৈনদী ;—
ঘৰগিৰী উঠি গল
চিনো নাইকিয়া হল
মানে জানো গল গৈ বধি !

আহিন,
১৮৫৮ শক

## ( ৩৯ )

স্বৰ্গৰ অপেশ্বৰা—

অ' লখাই তৰা !
ভৈয়ামত জুৰালি বুক,—
পৰ্ব্বতৰে পৰা পাতি থিয় গৰা
নামনিত লুকালি মুখ।
বৈ যায় নৈ টি কৈ যায় বতৰা
চাকতে পাক দি কান্দে লখাইতৰা
বিনাই কি জনমৰ দুখ !
আঁচলত কঁহুৱাৰ ফুল বাছি দিলে
বিৰিণাই ঢাকিলে বুক ;
ঢৌৱে তিৰে বিৰায় সাতেশৰী পিন্ধাই
ন কইনা বৰিলে তোক—
লখাইতৰা !—চাবকে নোৱাৰি মুখ !
প্নৰেবত খহালি অমৃতে ভহালি
ঢোলে পেপাই সাজি
নাচি বাগি আজি
ভৈয়ামৰ ভৰালি বুক !—

---

বহাগ, }
১৮৫৩ শক }

( ৪০ )

বনবৰীয়া—

মাধৈলতা!

ভৈয়ামতে ফুলিলি,—

বতাহতে হালি জালি

কালৈকেনো মেলিছিলি পাহি?

মলে মলাই সুগন্ধতে—

জলে মলাই আনন্দতে—

লয় লাসে আলাসতে ভাহি

কালৈকেনো মাৰিছিলি হাঁহি?

ৰদালিতে তিৰে বিৰাই

জোনালিতে জিকে মিকাই

ৰূপতে কি ঘূণে ধৰি

নিশান্ততে মুদি নয়ন পাহি,—

যৌৱনতে সৰি হলি বাহি!

—কালৈকেনো মেলিছিলি পাহি?

---

চ'ত,
১৮৫৪ শক

( ৪১ )

## শেৱালী ফুলৰ কৰণি লৈ

শৰতৰ পাচনী আহে
গোন্ধত বাউলী হৈ ;
আদৰি ফুৰে ৰেণু সিঁচি,
পাচে পাচে যায় মলয়ে বিচি,
জোনাকী-আমোল পাতে
মোৰ পদূলিত বৈ ;
চন্দ্ৰাৱলীৰ আলি-জালি,—
যমুনাৰ ৰূপালি বালি,—
সপোন-পুৰীৰ রাজ-কুঁৱৰীৰ
ৰূপ-কথা কৈ—;
কৰে মোৰ দুৱাৰ মুকলি,
ভাঙে লাজ ভয় শিকলি,
ফুৰোঁ বাতুল হৈ
শেৱালীৰ বনে বনে
গন্ধ-মদিৰ অধীৰ মনে
সুদূৰ শূণ্যে নিৰজনে
সুখৰ বাৰ্ত্তা লৈ !

---

আহিন,
১৮৫৩ শক

( ৪২ )

আজিও বাজেনে সেইটি সুৰ—,
আজিও মুনিৰ তপোবন জিনি
উঠেনে আৱাৰ চিৰ মধুৰ ?
আজিও মুনিৰ মানস-কন্যা
—সাধনাৰ ধাৰা ললিতা কান্তা
সুৰৰ ভাণ্ড—উল্লাস-কুণ্ড
গীতৰ লহৰে কৰেনে পূৰ ?
আকউ কাহানি সুৰ-কিন্নৰা
শিখৰে শিখৰে হৈ আত্মহাৰা
চিৰ সাধনাৰ দিব সমাচাৰ—
মহা তপস্যাৰ বাণী নিগূঢ় ?

---

বহাগ }
১৮৩৬ শক

( ৪৩ )

মোৰে গোঁসাই ঘৰত
কোনে নাম গালে ?
পৰ্ব্বতত শুনিলোঁ৷ বিণি ;—
মোৰে মন্দিৰত বন্তি লগালে,
পোহৰে যায় দেশ জিনি !
ফুলনিত কোনে সজাই দিলে এনে
মন-লোভা—
শ্যাম-বৰণীয়া পাতে বিনন্দীয়া
ফুল-কোঁৱৰৰ ৰভা !
কাৰ নিশ্বাসৰ বাৱ লাগি মোৰ
মালতী মুকলি হ'ল ?
আজি দেখোঁ৷ মোৰ ফুলনিৰ গোন্ধে
গোটেই খন আমোল-মোল !

———

বহাগ }
১৮৩৮ শক

( ৪৪ )

কৰ্ম পৰা যে মাতটি দিছা

—দেখা হলে নাই,

কোন দূৰণিত লুকাই লুকাই ললিত গীতটি গাই !

অদভুত এই অজান পুৰী,

নাজানোঁ তাৰ আঁতি গুৰি,—

কোন পাকে হাতত ধৰি নিছা আগুৱাই।

তুমি যদি দুখত পেলাই ৰং চাব খোজা,

—আনন্দে মই শিৰত তুলি লম বিপদ বোজা ;—

তোমাৰ প্ৰসাদ জীৱন-মৰণ

দুঃখ-দৈন্য কৰিম বৰণ

তোমাৰ মাথোঁ ইচ্ছা পূৰণ হ'ক দয়াময়।

———

জেঠ,
১৮৩৭ শক }

( ৪৫ )

**নুফুৰোঁ তোমাক খেদি আৰুতো মিছাই,**

(তুমি) নিজে আহি ধৰা দিবা, জগত পিতাই।
আৰুতো নিদিওঁ লৰ,
নলগাওঁ ভাগৰ,
হিয়াৰ দুৱাৰ থৈছো মেলি আহিবা সোমাই।
নোৱাৰাতো যাব এৰি
দিন দুপৰৰ সজাগ বেলি,—
ৰমক-জমক বিশ্ব-জগত তোমাৰ পোহৰ পাই।
গাই তোমাৰ গুণ গান
—খলক লগাম কাণ,
কাল টোপনি যাব ভাঙি, তুলিম জগাই।
মোৰ গীততে দিবাহি সুৰ
পৰাণ পেলাই জুৰ ;—
( তুমি ) নিজৰ জ্যোতিত নিজে ধৰা পৰিবা ডুনাই।

---

কাতি,
১৮৪৫শক }

( ৪৬ )

**উজলি উদয় গিৰি**

মোহৰ কুঁৱলী ঠেলি
ওলাল সোণালী বেলি
অবিদ্যা-এন্ধাৰ নাশি
পুণ্য পৰবৰ দিনা
বজাই মোহিনী বীণা—
আহিলা কমলাসীনা
বিমানত আকাশী—
দিয়া বোধ, দিয়া শক্তি
দিয়া প্ৰীতি নীতি ভক্তি
জ্ঞানৰ অখণ্ড জ্যোতি
অন্তৰত বিকাশি।

———

মাঘ, }
১৮৩৯ শক }

( ৪৭ )

লৌহিত্য পূত-সলিল !

গম্ভীৰ নদৰাজ, গিৰিমালা-ৰঞ্জিত
তীৰ্থ-সুশোভিত-তীৰ
ৰবি-কৰ-লম্বিত-উত্তৰীয়
তৰলিত-কৰুণা-স্ফীত হিয
অমৃত-ক্ষীৰ ধৰ কলুষ বিষ হৰ
শান্তি-সুশীতল নীড়
প্ৰসাৰি শ্যামাঞ্চল পাদমূলে
প্ৰণত নীলাচল কূলে কূলে
ৰঙ্গ-তৰঙ্গিত প্লাৱিত প্ৰান্তৰ
অৱনত পাদপ-শিৰ ;—
বিৰিঞ্চি-নন্দন ভৃগু-ভয়-খণ্ডন
মুনি-মন-ৰঞ্জন ধীৰ !

———

বহাগ,
১৮৫৫ শক

( ৪৮ )

( আহ্বা ) শিৰত আদৰি লওঁ ৰাতুল চৰণ,
( তুমি ) সুন্দৰ-সত্য শিৱ সনাতন ;—
হিয়াত উদয় হোৱা জগত-জীৱন
আনন্দময় প্ৰভু দীপ্ত-তপন !

চিত্ত উপচি পৰে, পুলক-চকুলো জৰে,
আনন্দে নধৰে দীন ভৱন ;
ক্ষুদ্ৰ হৃদয় বেঢ়ি বাজে তযু জয়-ভেৰী
জয় জয় জগদীশ জগমোহন
আনন্দময় প্ৰভু দীপ্ত তপন।

জয়-ধ্বজা উৰিছে আকাশ জিনি
পূণ্য-পোহৰ পৰে জগত জিনি ;
প্ৰশস্তি-গীতে তযু ৰিণিকি ৰিণি
ধ্বনিছে নিৰন্তৰ বিশ্ব ভুৱন।

———

ভাদ,
১৮৪৫ শক }

( ৪৯ )

অন্তৰত আসন পাৰি থৈছোঁ গোসানী,
হিয়াত আহি থিতি হোৱা—আই বীণাপাণি।
নেজানো কিহেৰে পূজোঁ,
মহিমা কিমতে বুজোঁ,—
তোমাৰেহে শুনো সদায় আকাশী-বাণী !
নধৰিবা দায় দোষ,
শুধৰাই দিবা মোক,
বাট এৰি অবাট ললে আনিবা টানি।
—দেখা নাই এনেকুৱা,—
নেজানো বাট আচহুৱা ;
দিব্য তোমাৰ পোহৰকে লওঁ যেন মানি।

———

জেঠ,
১৮৩৬ শক

( ৫০ )

তোমাৰ মূৰ্ত্তি গঢ়ি থৈছো মোৰ মূৰ-শিতানত
তুমি দেখো দেখা দিলা হৃদয়ৰ নিজানত
কি বুলি মই তুতি কৰিম,—
নেজানো কিহেৰে তুষিম ?
ৰঙতে মই ঢলি পৰিম ৰাতুল চৰণত।
তোমাৰ সেৱাত দিবা মতি
থাকে যেন অটুত শক্তি—
তোমাত বিনে অন্য গতি
নহয় ই জীৱনত।

---

আহাৰ,
১৮৪২ শক

( ৫১

**দেখা যে মই পালোঁ তোমাক**

মেঘৰ সৰঙাৰে,—
পূব্ৰৰ বগী-ডাঁৱে!
কিমান বাৰু ভুৱা দিবা
লুকাই আঁৰে আঁৰে—,
তুমি, নৈৰ সিপাৰে—?
হালধি যে সানি দিলা
গছৰ আগে আগে,—
সেই সোণালী পোহৰ ছাটি
হিয়াত আহি লাগে,—
কিনো, উগুল থুগুল লাগে,—
মোক, তোমাকেহে লাগে!
আনন্দেৰে দিলা ভৰাই—
সোণৰ লাহ দিলা চৰাই
পৰ্ব্বতে-পথাৰে!

———

শাওণ, }
১৮৫১ শক

( ৫২ )

**বতৰে গোমাগুমি,**

ডাৱৰে জুমা-জুমি,

মনতে উমা-উমি

কৰে কি ভাৱনা,

—কেনেবা লাগে— !

মেঘ ফাটে ঢুমা ঢুম,

ধুমুহাই ধুমাধুম

উৰি আহে গুম্ গুম

জাকে জাকে,

(আজি), বলীয়া জ'কে ;—

বিজুলীৰ কড়মড়ি—

দাঁতৰে মৰমৰি.

হৰ-হৰ শিল পৰি

সৰগ ভাগে,—

মোক, এয়েহে লাগে !

আকাশৰ ভাঙে ৰোহ,

বতৰৰ কাটে দোষ,

ধৰণীৰো মন-তোষ,—

মুকলি লাগে,—

শাওণ, } মোক, এয়েহে লাগে !

১৮৪৭ শক

( ৫৩ )

**দেৱাঙ্গী সুইভৰ ভোগালি ভৈয়ামৰ**

সমনীয়া ডেকা গণ—
চৰণ ছুই কৰিলোঁ পণ ;—
এৰিলোঁ ভোগ-বিলাস,
বুকুত বান্ধিলো সাহ,
সাজু হলোঁ ডেকা জাক
থিৰ কৰি প্ৰাণ মন ,
ললোঁ সৱে গাত—দেশৰ সেৱাত
প্ৰাণ দিম প্ৰতি জন ।
ডেকা হৈ, সোৰোপা পিত,
মতা হৈ লাজুকা চিত !
ভীৰুৰ কি গুণ,—
মিছা সাজ ধূন
তাৰ কি ভোগ ভূষণ !
শক্তিৰ সাধনা মুক্তি আৰাধনা
কৰোঁ আমি আজীৱন ।

---

জেঠ,
১৮৫৫ শক

( ৫৪ )

সিংহ মুকলি হল

পিঁজৰ ভাঙি শিকলি ছিঙি
সিংহ মুকলি হল
—জাগিল ডেকাৰ দল।
সাজিল সৈন্য অক্ষৌহিণী
বাজিল বিজয় শঙ্খ ধ্বনি
ৰাজ্য উজাৰি উঠিল গুঁজৰি
তৰুণ-শকতি-বল ;
মুকলি কৰি সত্যৰ দুৱাৰ
হিন্দোল পাৰে তৰুণ যুবাৰ
নতুন উলাহ-ধল।

---

পুহ,
১৮৫৭ শক

( ৫৫ )

আমি উঠন ডেকা ;—

পোনে পোনে খোজ লওঁ—
—বাট নিচিনো বেঁকা ;
মূৰ থিয়—ফিন্দাই হিয়া—
কপালত জয়-লেখা ।
বতাহ আমাৰ ৰাংঢালী,
ধৰণী নৱীন,
আকাশ আমাৰ জলক লগা
ৰঙতে ৰঙিন ।
সাঁচত গঢ়া, ৰূপত চৰা,
চকুত উজল-ৰেখা
(আমি) দিগ্বিজয়ী ডেকা— ।

---

আহিন,
১৮৫৯ শক }

( ৫৬ )

**নাই শুনা মই তোমাৰ বাণী,**

নাই পোৱা মই তোমাক জানি,—
হাজাৰ বিজাৰ প্ৰজাৰ তোমাৰ
আল ধৰোঁ মই তোমাক মানি
নুবুজোঁ মই বেদ, গীতা—
তন্ত্ৰ-বিধি-সংহিতা—
আছে জগৎ-গুৰু পিতা
মৌনী মহা জ্ঞানী—
(মাথোঁ) তাকে লৈছোঁ মানি।
পূজা-ক্ৰিয়াৰ নিচিনো পথ
জীৱ-সেৱাই মোৰ ব্ৰত
হৰিষ-বিষাদ নাই মনোৰথ
ক্ষুদ্ৰ যে মই প্ৰাণী—
(মাথোঁ) তাকে লৈছোঁ মানি।

———

প্ৰহ,
১৮৫৮ শক

( ৫৭ )

## সুনীল অনন্ত নীৰ !

স্বাধীন তুমি, মুক্ত তুমি,
সৌম্য সুস্থিৰ ;
ঝঞ্ঝা-মেঘ, প্ৰলয়-প্ৰমাদ,
—হৰ্ষ-বিষাদ, ক্লান্তি-আহ্লাদ,
স্বচ্ছন্দে সামৰি হিয়াত
অতল গভীৰ ;—
কত গ্ৰহ চন্দ্ৰ উদে,
নিশা সন্ধ্যাই নয়ন মুদে,
উষা জাগে কণক ৰাগে
নৱ ঘন নীলাম্বুদে,—
হিৰণ্ময় হিয়াত দোলে
অনন্ত মিহিৰ ;
ওপৰে জলদ-ভেৰী.
আৱৰ্ত্তই পাৰে গেৰি,—
অতল জলধি-তলে
স্নিগ্ধ-তিমিৰ বেঢ়ি,—
গম্ভীৰ যোগীবৰ
মৌন বধিৰ !

———————

আহিন, }
১৮৪২ শক }

( ৫৮ )

বিশ্বি আমাৰ খোজে খোজে,

সঙ্গী মাথোঁ ধেনু কাঁড় ;

বিপদ বাটত চুপি আছে,

—মৰণ ফুৰে পাচে পাচে,

—কান্ধত দেশৰ গুৰু ভাৰ ।

বুকুত আছে অসীম সাহস, শিৰত ভগৱান,

বাহুত আছে বিপুল শক্তি, মুঠিত ধেনু বাণ ;—

তাৰেই কৰো শত্ৰু জয়

—অকণো নাই শঙ্কা ভয় ;

ৰক্ষা কৰোঁ পাহাৰ আমাৰ, ৰক্ষা কৰোঁ জাতিৰ মান ॥

———

আহিন,
১৮৪৭ শক }

( ৫৯ )

## জীয়াই ৰব লাগে যদি,

লাগে যদি ঠাই—
পাচৰ ফালে নহয় চালে,
—বুকু ফিন্দাই উঠা ভাই
কেনিও কতো নাই অৱসৰ
সংগ্ৰাম ই যে চিৰ কালৰ
তীব্ৰ বেগে জীৱ জগতৰ
চলে সৰ্ব্বদায়—
বিচিত্ৰ ই বিৰোধ-খেলা
জাতি যুজৰ হেঁচা-ঠেলা,
বিৰক্ত হৈ দিলে ঢিলা,
—শত্ৰুৰুক দি লাই—
কোনো কালে পৰিত্ৰাণৰ
নৰব উপায়।

---

আঘোন,
১৮৫৭ শক

( ৬০ )

**মাৰিবি ৰঠা, মাৰিবি ডাৰ,**
ধৰিবি গোৰ খন বলেৰে গাৰ ;—
বাৰিষাৰ সোঁতেতে দিছোঁ ভেল মেলি
নেজানো ক'তবা উঠিম পাৰ।
বাঢ়নী পানী কৰে টলবল
নামিছে বলিয়া ধল,—
আমি নাৱৰীয়া আজি দুপৰীয়া
বানৰ বেগকে কৰিছোঁ সাৰ
—ফন্-ফন্ কাটি আহিছোঁ ধাৰ।
আহিব বিয়লি এন্ধাৰে ঢাকি
উৰিব নিশাৰ কলীয়া পাখি
খৰালি উকুঙা পৰিব টটঙা
নাৱে দিব পানী, ভাঙিব ডাঁৰ
—নাই সি ভাৱনাৰ সময় আমাৰ।
ডকা চাকনৈয়াত পৰেহি নাও
ঢোলোকে-ঢোলোকে পানীকে খাওঁ
( পুনু ) চলে জাত জাত,—
ডেকাধনি গাত,
—উৰে যৌৱনৰ উলাহী পাল ;
বলিয়া বতাহ, বলিয়া ধাৰ

———

আহাৰ }
১৮৩৯ শক }

ৰৱৰ সময় নাই,—
আৰু, শুবৰ সময় নাই !
( তোৰ ),—দুৱাৰ মুখত দানৱে জয় দুন্দুভি বজায়।
ৰবি কিমান কানি-খোলাত,—
আলস্যৰ চেঁচা-কোলাত
পৰি ভকত ভাই ?
কাল-টোপনি দিলেহি জগাই,
বুকুত উঠি জয়ডঙ্কা শত্ৰুৱে কোবাই ;
জগত জুৰি হুৰা হুৰি,—
লাগে হেঁচা ঠেলা
বিপদে তোক আগুৰিলে
কেউ ফালেদি বেৰা ;—
( এবে ) কাল গৰাসৰ পৰা
ৰক্ষা কৰ ঘৰ-বাৰী তোৰ, ভকত এই বেলা।
এতিয়াও দোমোজাত,
অনিশ্চিত আশঙ্কাত
মূঢ়ৰ দৰে থাকিবিনে ভাগ্যকে ধিয়াই !

---

আহিন
১৮৫৫ শক

( ৬২ )

পুৰুষ-সিংহ ন' যোৱান !
খোজে খোজে উল্কা ফুটে
মেদিনী হয় কম্পমান।
উগ্ৰ-ধীৰ ক্ষত্ৰ-বীৰ
উন্নত-শিৰ মুক্ত-প্ৰাণ,
'উত্তিষ্ঠত জাগ্ৰত
প্ৰাপ্য বৰাণ্ নিবোধত'
বীৰ্য্য-ধাৰী ব্ৰতাচাৰী
গৰ্ব্বী ধীৰ শক্তিমান !
বীৰ ভোগ্যা বসুন্ধৰা
যোগ্য বলে শাসন কৰা
পৌৰুষৰ দণ্ড ধৰা,—
শক্তৰ ভক্ত ভগৱান।

———

পুহ
১৮৫৮ শক

( ৬৩ )

খোজে পচি     দোপে দোপে
আগবাঢ়ি যা—
ভাই, মূৰ ডাঙি চা—
ইফালে সিফালে     নেচাবি পাচফালে
সমঢালে ডেকা ভাই
জাকে আগুৱা—
বান্ধ ভাঙি     মূৰ ডাঙি
যাবি ডেকা দল,
—সাহ আছে     ইচ্ছা আছে
গাত আছে বল ;
কিহলৈ কৰি ভয়
মানিবি পৰাজয় ?
জগত-বিজয়ী ভাই
ডেকা-ৰণুৱা ।

———

আহিন
১৮৫৮ শক

( ৬৪ )

## মাতৃ সেৱাৰ ব্ৰতাচাৰী

সমদলে জাগ জাগ

জীৱন যুজৰ মহা সম্বল
হিয়াৰ ভক্তি বাহুৰ বল
উল্লাসে ধৰণী টলেমল, বাজে দুন্দুভি ঢাক—
বলা ভাই সৱে ৰথী মহাৰথী
কৰমৰ মহা-সমুদ্ৰ মথি—
জননী জন্মভূমিৰ প্ৰতি জীৱন বঢ়াই আগ,
আনিব লাগিব ভাগ—
শত আৱৰ্ত্তৰ প্ৰলয় ডাক
শত বজ্ৰৰ অনল আগ
শত দৈণ্যৰ দাৰুণ ভ্ৰুকুটি অমঙ্গল বাধা-হাক—
শত বিঘিনিৰ মাজেৰে হে বীৰ
বাঢ়িব লাগিব আগ
মাতৃ পূজাৰ শত সম্ভাৰৰ
আনিব লাগিব ভাগ—

---

আঘোন }
১৮৪৮ শক }

( ৬৫ )

গগন জিনি উঠে প্ৰভুৰ পাঞ্চজন্যৰ সিংহনাদ
জগত জুৰি ঘোষি পুনু সত্য যুগৰ সুপ্ৰভাত।

আমাৰেহে বিলাই বিষাদ,
এলাহ নিদ্ৰা অৱসাদ,
মেলি নয়ন চোৱা ভুৱন, কৰ্ম্মী জগত শক্তিমান—
তিমিৰ ঠেলি উঠে বেলি জ্ঞানৰ প্ৰভা জ্যোতিৰ্ম্মান্।

সৱে স্বাধীন সৱে হৃষ্ট;
আমিহে বেদনা ক্লিষ্ট
জীৰ্ণ হৃদয় জৰাগ্ৰস্ত, দুৰ্ব্বল দেহ, ভগ্ন প্ৰাণ—
বিশ্বব্যাপি মহোৎসৱ নতুন শক্তি নতুন প্ৰাণ।

ভাঙাহে মোহ, ভাঙা বান্ধোন,
এৰা এলাহ কাতৰ কান্দোন,
জগত জিনি লোৱা মান গুচাই অভাৱ অভিমান।

—

ফাগুন,
১৮৩৯ শক

ভয় ভীতি কাক বোলে
নেজানো মুঠে—
ৰাইজৰ আল-ধৰা
আমি ডেকা লৰা,
মুখত বীৰৰ তেজ
জেউতি ফুটে—
পাচলৈ চাবলৈ নাই অভ্যাস,
সমদলে সমনীয়া মনত উলাহ,
সমাজৰ দুখ-খেদ
দূৰ কৰোঁ ভেদাভেদ—
মাতৃৰ সেৱা-ব্ৰত
পালিছোঁ নিতে।

---

আহিন,
১৮৫৮ শক

( ৬৭ )

জনম ভূমিৰ চৰণ-তলত জীৱন অৰপি ভাই
জাতীয় যুজৰ যোদ্ধা সকল বলা বলা আগুৱাই—

বাজিছে তোমাৰ বিজয়-ডঙ্কা
নকৰা অকণো দ্বিধা শঙ্কা
মহা পৰীক্ষাই মাতিব লাগিছে ৰবৰ সময় নাই।

জ্বলিব বিজুলী, হানিব অশনি
উঠিব ঝঞ্ঝা, প্ৰলয় অগনি
আগত তোমাৰ শৌর্য্য ধৈর্য্যৰ মহা পৰীক্ষাৰ ঠাই।

ৰাখিব লাগিব দেৱৰ মন্দিৰ
গৰিমা কীৰ্ত্তি পুৰুষ পিতৃৰ
সকলো শত্ৰু বিঘিনি-দৈত্য জিনিব লাগিব ভাই।

তোমাতে নিৰ্ভৰ কৰিছে দেশৰ
ভৱিষ্য ভাগ্য ফলাফল শেষৰ
স্বাধিকাৰৰ স্বৰ্গ অথবা চিৰ-দাসত্ব-দায়।

———

চ'ত,
১৮৩৫ শক

## আপোন কৰ্ত্তব্য ধৰি

বলা সৰে আগবাঢ়ি ;—
হৃদয়ত আছে শক্তি,
—সহায় আছে ভগৱান ।

দূৰত ৰিণিকি ৰিণি
জিলিকে ভৱিষ্য খনি ;
উলাহে অন্তৰ জিনি,
উঠিছে আশাৰ গান—
হৃদয়ত আছে শক্তি
সহায় আছে ভগৱান ।

দীঘল দুৰ্গম বাট
বাধা বিঘ্নি অসংখ্যাত ;—
দিবা প্ৰভু আশীৰ্ব্বাদ,
লভোঁ যেন লক্ষ্য স্থান—
হৃদয়ত আছে শক্তি
সহায় আছে ভগৱান ॥

জেঠ,
১৮৫২ শক

( ৬৯ )

**ঘাটত ৰহি হাত সাৱটি ৰবি কিমান চাই ?**

—অনন্ত যে কৰ্ম্ম-সুতি আগেদি বৈ যায় ;—
হেৰ, ৰবি কিমান চাই ?
খলক লাগে বিশ্বজগত
খলক লাগে পাৰ,
কেউফালে ঢৌ থৌকি বাথৌ উঠে উজাৰ খাই ;—
হেৰ, ৰবি কিমান চাই ?
আছেনেকি সময় আৰু ভাগৰ জিৰাবৰ ?
ধাৰত পাৰি দে নাও, বলেৰে গোৰ ধৰ ;—
গুণি গাঁথি থাকিবিনে ভাগ্যকে ধিয়াই ?
হেৰ, ৰবি কিমান চাই ?
মুকলি হ'ল মৰা সুতি খুলিল ধাৰৰ মুখ,
উৰি আহিল মুক্ত বতাহ, আহিল সত্য যুগ ;—
দীন দুখীয়া বুঢ়া-জৰা সৰেও দিলে উক—
আৰু ৰবি কিমান চাই ?

———

ভাদ,
১৮৫১ শক

( ৭০ )

শুভক্ষণে আজি শুভ সম্মিলনে
ধৰা সমস্বৰে মঙ্গল-গান ;
উঠলি উঠিছে বিশ্ব মানৱ,
নবীন উলাহত নাচে প্ৰাণ ।
ৰঙালী জগত, ৰঙালী জীৱন,
মুক্ত আকাশ, মুক্ত পৱন,
শূণ্যত বৰষে, আশীষ কিৰণ,
স্বৰগত উঠে মিলন-গান !

মিলিছোঁ সকলে এৰি ভেদ-ভাৱ,
প্ৰাণে প্ৰাণে উঠে প্ৰাণৰ আৱাৱ,
একেটি কৰ্ম্ম, একেটি ধৰ্ম্ম,—
একে বাটে হওঁ আগুৱান ।
একে কৰ্ত্তব্য, একেটি লক্ষ্য,
ফুটে সৱাতে মনৰ ঐক্য ;
আজি শুভক্ষণে সৱে ৰঙ মনে
হওঁ এক-গাঁথা একেটি প্ৰাণ ।

---

জেঠ, }
১৮৪৫ শক }

আগ বাঢ়ি ভাই বলা সৱে,
—বাট ভিৰাবৰ সময় নাই ;—
আগত আছে বহু বিপদ
বাধা বিঘ্নি অন্তৰায়।
বিঘ্নি আমাক দীন দুখীয়াক পদে পদে পায় ;
বিপদ আমাৰ পথৰ সঙ্গী, ফুৰে চেলু চাই ;—
তথাচ যুঁজ আহিম জিনি
দুৰ্ভাগ্যৰ ভেটা ভাঙি,—
পাচ পৰিবৰ কথা নাই,
বাট ভিৰাবৰ সকাম নাই।

---

মাঘ,
১৮৪৬ শক }

( ৭২ )

লগ্ন উকলি যায়,—
লগ্ন উকলি যায়,—
আৰু নো শোৱাৰ সময় তোমাৰ
আছে নে ডেকা ভাই ?
শত্ৰুৰে শিঙা বজায় ;—
ৰবানে টৌপনি যাই
আগত বিশাল সমৰ ক্ষেত্ৰ—
—দুহাত সাৰটি চাই !
নহয় জীৱন ৰূপৰ সপোন,—
(ই যে) কৰ্ম্মৰ উতলা ধল,
জীৱন তোমাৰ মুক্তি-যুঁজৰ
শুদ্ধি-ব্ৰতৰ থল ;—
জীৱন তোমাৰ দীপক-বীণাৰ
মন্ত্ৰ-সাধন-গান,
সিদ্ধিৰ কাৰণে ৰক্ত তোমাৰ
কৰিব লাগিব দান।
কৰিব লাগিব দান,
দেশৰ কাৰণে দহৰ কাৰণে ৰক্ত লাগিব দান।

---

আহিন, }
১৮৫৯ শক }

( ৭৩)

শান্তিৰে আই ইঁহ্নি থাক, অলঙ্ঘ্য তোৰ ৰম্যপুৰ,
চিৰকাল উচ্চশিৰে, গৰবিনী মাতৃ মোৰ !

চিন্তা কি তোৰ, শঙ্কা কি—দুৰ্জ্জয় যাৰ ক্ষত্ৰবীৰ ?
দৰ্পে যাৰ কঁপে ধৰা
কঁপে হিয়া আৰতিৰ
সন্তানৰ বীৰ ভক্ত
শিৰত থাকে মানে ৰক্ত
শকতি কাৰ, ভাঙে ই তোৰ দুৰ্ভেদ্য প্ৰাচীৰ ?

যুদ্ধ যাৰ ধূলা-খেলা, মৰণ সঙ্গী প্ৰিয়,
উল্লাসতে নাচে শোণিত
গৰ্জ্জি উঠে জীৱ ;
নাজানে যি পৰাভৱ
স্বাধীন সন্তান সৱ,
বুৰঞ্জী জিলিকে যাৰ যশে শত শতাব্দীৰ ।

———

ভাদ,
১৮৪৭ শক

**মাৰ যোৱা নাই এতিয়াও তোৰ জীৰ্ণ বীণাৰ গাত,**
প্ৰতিধ্বনি শিখৰে শিখৰে আজিও উচ্ছ্বসিত।

কোনটো সতেৰে পুৰণি কাহিনী পাহৰি উদাসী হবি,—
কোনটো সতেনো নিজানত বহি
চকুলো টুকিবি লাঞ্ছনা সহি ?
আজিও যে তোৰ ভাগ্য-আকাশত জ্বলন্ত গৌৰৱ-ৰবি !

অতীত বুৰঞ্জী ক'ই কত শিলে চকু টোকে অধোমুখে ;
ধ্যান-মগ্ন গিৰি শিৰে শিৰ তুলি
জীৰ্ণ মন্দিৰে গুণ গায় খুলি ;
পুৰণি জৰণাই দুন্দুভি বজাই তোৰে যশস্যা ঘোষে।

(আজি) শিৰে শিৰে বয় গ্লানি অভিমান তাপিত হৃদয় গলি ;—
ফুকাৰি শক্তি উগাৰি অনল
দগ্ধ হৃদয় কৰছোঁ শীতল ;
( তোৰ ) উগ্ৰচণ্ডী মূৰ্ত্তি প্ৰবল উঠক জগত জ্বলি।

ৰাৰিষাৰ ভীমনাদত মিলাই গৰজি ডুনাই বাৰ,
উঠছোঁ যিদৰে ৰাখিলি এদিন
শৰাই-শিলত যুগমীয়া চিন,—
সকলো গৌৰৱ পদানত হয় সগৰ্ব্বে যি মহিমাৰ।

---

ফাগুন,
১৮৩৯ শক

মিলিছোঁ হৰষে নবীন গৰবে
জননী পূজাৰ যাত্ৰী,
বিদূৰি এন্ধাৰ ঘৃণা বিদ্বেষ
পুৱাল নিৰাশা ৰাত্ৰি।
জিলিকি পূবত মেঘৰ মাজেৰে
আশাৰ সোণালী বেলি
সাম্য মৈত্ৰী মুকুতিৰ ধ্বজা
উৰিছে আঁচল মেলি।
ঢালিছে অমিয়া ধাৰা,—
কিবা উলাহত পূণ্য ভাৰত
নিখিল আত্ম-হাৰা!
বলা উৎসৱত পূণ্য পৰৱত
আগুৱাই সৱে ভ্ৰাতৃ।

---

আহিন,
১৮৪২ শক

কাহানি খন—
আই, কাহানি খন—
জিনিবি জীৱণ-পণ ?
উত্তৰি সঙ্কট-সিন্ধু জিনিবি জীৱন-পণ ?
গৰজে উৰ্ম্মি অলেখ বিঘিনি
সেই বুলি আই লবিনে জিৰণি
অ'মোৰ অসম ! বীৰ প্ৰসৱিনী
হবি নেকি আই আপোনঘাতিনী
দিবি ভৱিষ্য বিসৰ্জ্জন ?
দেশে দেশে আজি নৱ বিধান
স্বাৰ্থৰ হকে মহৎ অভিযান !
কিহেতু আই তই তেজিবি স্থান
চিৰ পাহৰণিত লবি শয়ন ?
উঠ আই জননী, সিংহবাহিনী
দানৱ-দৰ্প কৰি দমন।
কুঞ্জত আই তোৰ ফুলিব ৰূপহী ফুল,
আকাশত আই তোৰ উদিব তৰাৰ থূল
বতাহত উঠিব হৰষৰ ৰোল,—
হবি আই কাহানি নদন-বদনী,—
লভিবি আই তোৰ জগত-জননী
শীৰ্ষে ৰত্ন-সিংহাসন ?

আঘোন, } 
১৮৫৪ শক }

( ৭৭ )

জনম ভূমি মাতৃ ভূমি
তোমাৰ হকে ধৰিছো দেহ ;
তুমি যে আমাৰ উতলা হিয়াৰ
তেজেৰে বোলোৱা শুৱনি দেশ !

তোমাৰ প্ৰতিভা দিব্য পোহৰে
আপুনি মাতৃ তুমি প্ৰপন্ন,
তোমাৰ প্ৰসাদে তুমি প্ৰসন্ন,
তোমাৰ হাঁহিৰে ধৰণীৰ ধন্য
সুন্দৰ চাৰুবেশ !

ওপজা কালতে তোমাৰ কোলাতে
শুনিলো যি ফাকি অগ্নি-বীণ,
আজিও সি সুৰ নাই পৰা জুৰ
জনমতো মোৰ নাযাব জীণ ;
—মাতৃ পূজাৰ নহব শেষ !

জনম ভূমি মাতৃ তুমি
তোমাৰ যশত আমাৰ গৰ্ব্ব—
তোমাৰ পূজাই আমাৰ পৰ্ব্ব—
তোমাৰ স্বাৰ্থত আমাৰ হৰ্ষ
উথলিছে অনিমেষ।

আহিন, }
১৮৫৭ শক }

( ৭৮ )

আই তোৰ মন্দিৰ-দুৱাৰত

মাতৃ-পূজাৰ যাত্ৰী সৱে মিলিছে উলাহত।
—তোৰ, মন্দিৰ-দুৱাৰত!
(আজি) অপূৰ্ব্ব কি পৰ্ব্ব দিন,
হিয়াত বাজে প্ৰেমৰ বীণ,
ভকতি-চকুলো জৰে মুগ্ধ যত সন্তানৰ—

শান্তিময়ী শ্যামলী আইৰ নিবিড় আশ্ৰম
নীলগিৰি বেঢ়ি আছে মুনি-মনোৰম—
যতনে কোলাত পালি স্নেহ-মন্দাকিনী ঢালি—
আই মাতৃ জগদ্ধাত্ৰী আদ্যাশক্তি সন্তানৰ
(দিলি) প্ৰেম ভক্তি পৰাণত।

---

আহাৰ,
১৮৪০ শক

( ৭৯ )

চিৰ যুগে হাঁহি-মুখে থাক আই সুখে তুলি শিৰ
নীল-শৈল-শিখৰিণী কামৰূপা ধৰিত্ৰীৰ !

ধনে ধানে পথাৰ ভৰা, ফলে ফুলে জলমল,
কলকণ্ঠে নিজৰ জৰে—ছন্দ-ব্যাকুল সুশীতল,
কুঞ্জ-বনৰ তন্দ্ৰা ভাঙি বিহগে গায় আৰতি
—গন্ধে গীতে ধূপে দীপে পূজে নিতে প্ৰকৃতি !

আজিও তোৰ বীণাৰ ধ্বনি দিগ্-দিগন্তে উল্লাসিত,—
তীৰ্থ আই মোৰ, ধিয়ান আই মোৰ,
স্বপ্ন আই মোৰ উদ্ভাসিত !
জিলিকিছে বুৰঞ্জীত তোৰ কত কীৰ্ত্তি কাহিনী,—
—গৰবিনী গিৰিৰাণী যশ-পূণ্য-বাহিনী !

———

চ'ত,
১৮৫৪ শক

জননী জনম ভূমিৰ ভক্ত দেশানুৰক্ত বীৰ
আহঁাহে জাতিৰ ভৱিষ্য-ভৰসা তৰুণ মুক্তশিৰ।

মিলিছোঁ হেথাহে যি মহা উদ্দেশে সোণালী ভৱিষ্য গুণি
জাতীয় আৱেশে দিছে উদগাই
একেটি ব্ৰতৰ ব্ৰতী সৱে ভাই
বলাহে উলাহে বেগে আগুৱাই স্বদেশ স্বজাতি বুলি !

মিলনত আজি আপোন পাহৰি কৰোঁ সৱে কোলাকুলি ;
জিলিকে আগত জাতীয় আশাৰ
নৱোজ্জ্বল ৰূপ,—নৱ সমাচাৰ ;
জাগে নৱ জাতি নৱ বিধানৰ নতুন পাতনি মেলি !

কত, নিচলা প্ৰজাই আশা পালি চাই আছে ভাই আমাল'কে ;
বিলাসৰ ইটি নোহে নিমন্ত্ৰণ,
সম্ভোগৰ নোহে ই মহা-মিলন,
কৰিব লাগিব পণ আজীৱন দুখীয়া দেশৰ হকে।

---

কাতি, }
১৮৪১ শক }

( ৮১ )

গীতি গন্ধ স্নেহে ভৰা মূৰ্ত্তিমন্ত স্বপ্নাৱেশ—
স্বৰ্গ আমাৰ বসুন্ধৰাৰ,—ৰম্য আমাৰ মায়াদেশ
চেনেহী মোৰ জন্ম-দেশ।

ভৈয়াম ভূমি অৱৰুদ্ধ ;
সুষুপ্তিৰ মোহ-মুগ্ধ,
হিমৰ হেম মুকুট পিন্ধি শাৰী শাৰী নীলাচল,
বেঢ়ি আছে অমৰ-বাঞ্চিত আমাৰ নিজান কুঞ্জঘৰ।

চৌঁৱৰ বিচে মলয় সমীৰ—
পুৰন্দৰে ধুৱায় শৰীৰ—,
ওৰে নিশা জোনালীয়ে পৰ দি থাকে নীৰৱে,
পুৱাই পুনু জগাই দিয়ে গীতৰ বোলে বিহগে।

শিলে শিলে নূপুৰ বজাই
যুগ যুগান্তৰ বেথা জনাই
গহীন গুহাত নিবিড় বনৰ ৰুদ্ধ এন্ধাৰ নিচুকাই,
কত কৌটী বন-বালাই গুঞ্জৰিছে সৰ্ব্বদায়।

নিটাল পথাৰ উঠে জিনি
দুবৰ হেম্বেলনি ৰিণি
হালে জালে নৈৰ কানত উলুবনৰ ফুলাম পাগ
গৰখীয়াৰ পেপাধ্বনিত শুনি বিহু গীতৰ ৰাগ।

দিনটো বেলি ৰথত চৰি
অস্তগিৰিত পৰে ঢলি,

চ'ত, ১৮৩৯ শক

বুকুৰ তেজৰ বন্তি লগাই বিচাৰি সন্ধিয়াৰ ঘৰ ;—
বিদায় মাগি দি যায় বাঁজি লুইতৰে ক'লা জল॥

( ৮২ )

বাজিছে তোমাৰ অতীত লীলাৰ
ৰিণিকি আজিও গভীৰ গানটি
দিশে দিশে তথু উদ্ভাসিত—আদৰ্শৰ হেম-কান্তি।

থাপিলে তোমাক অশোক-বিক্রম-হৰ্ষবৰ্দ্ধনে বিশ্বৰাণী,
ব্যাস-বুদ্ধ-শঙ্কৰ-নানকে প্রচাৰিলে তথু মোক্ষ বাণী ;—
আজিও তোমাৰ গৰিমা-দীপ্তি বিশ্ব বিয়পি পৰিছে আই,
আজিও তোমাৰ মহান মহিমা মুগ্ধ মানৱে ৰইছে চাই।

গন্ধ-ব্যাকুল কানন তোমাৰ শস্য-প্রচুৰ শ্যামাঞ্চল,
কলনাদিনী তটিনী তোমাৰ দক্ষিণ মলয় সুশীতল।
কিহৰ অভাৱ, কিহৰ ভাগৰ, কিহৰ দুখত হবা আতুৰ ?
ধনে ধানে আই মহত্বে মানে ধৰণীত নাই তোমাৰ তুল।

সূৰুযে পিন্ধায় সোণৰ কিৰীটি হিম-গিৰিৰ শ্বেত শৃঙ্গে ;
চৰণ ধুৱায় বৰুণ-বালাই, আৰতি গায় নীল তৰঙ্গে।
নানা উপচাৰে প্রকৃতি সাদৰে সেৱিছে সততে ভাৰত মাতৃ,
পীড়িত জগত-তাৰণ হেতু সজাই তোমাক জগদ্ধাত্রী।

———

জেঠ,
১৮৩৩ শক

( ৮৩ )

অসমা নিৰুপমা জননী—
অয়ি অলঙ্ঘ্য-গিৰি দুৰ্গ-ৰাণী !
গিৰিমালা-বেষ্টিত দুৰ্জ্জয়-দুৰ্গে
সগৰ্ব্বে তুলি শিৰ কত যুগে-যুগে
শাসিছাঁ ধৰণী মুনি-মন-মোহিনী
সৌম্য-সুহাস্য-বদনী ।
উচ্ছ্বসিত-পৱনা আকুলিত-গগনা
জ্বলমল উজ্জ্বল শ্যামলাভৰণা ;
বনফুল-গন্ধা তটিনী সুকণ্ঠা—
ঝঙ্কৃত ঘন বনানি ।
কণক উষালোকে আনন-দীপ্ত,
আকাশী সুধা নীৰে কলেৱৰ-সিক্ত,
বসন্ত-হিল্লোলে উপবন বিহ্বল,
মোদিতা মধু-ৰজনী !
তুমি মহাতীৰ্থ তুমি মোৰ স্বৰ্গ ;
তুমি মোৰ স্বপ্ন, হৃদয়ৰ গৰ্ব্ব
তুমি অন্নপূৰ্ণা ধনে ধানে পূৰ্ণা
করুণাময়ী অয়ি জননী !

———

বহাগ,
১৮৪২ শক

ঋণ তই কাহানি কৰিবি শোধ—
আইৰ চেনেহৰ ঋণ তই কাহানি
কৰিবিনো পৰিশোধ ?

ধৰুৱাৰ মুস্থজে ধূন ধিতিঙালি
তুচ্ছ বিলাস আমোল আমোদ,
অন্ধ জড়তা গৃহ-বিৰোধ ;—

দিনে দিনে দিন কালে যায় লীন,
অবাবে জীৱন কাটে নিঃকিন,
জগতে যে ভাই ভাবিছে হীন,
বুলিছে ভিকহু কানীয়া খোদ !

* * * *

খাই যি পাহৰে মাতৃৰ ঋণ
তাৰো মঙ্গল নাই, নাথাকে চিন !
—চিন তই ৰাখিব লাগিব তোৰ,
ৰণ তই জিনিব লাগিব যোধ,
ঋণ তই কৰিব লাগিব শোধ।

---

আঘোন,
১৮৫৪ শক

তোৰ চেনেহৰ সুজিম ঋণ,
তোৰ মৰমৰ ৰাখিম চিন।
শুনিছোঁ, মাতৃ! আতুৰৰ মাতটি,—
পৰ্ব্বতে ভৈয়ামে গৃহস্থি-আশ্ৰমে
বাজিল বিয়াকুল মুকুতিৰ বীণ;
অন্ধ-জড়তা তুচ্ছ বিৰোধ
দৈন্য-হীনতা খল,
সকলো পেলাই তল
মাতৃ-স্নেহৰ বিৰাট বিপুল
উপচি আহিল ধল;
কৰিছে ব্যৰ্থ ক্ষুদ্ৰ স্বাৰ্থ,—
অসূয়া অনৰ্থ গৈছে জীণ;
যত আৱৰ্ত্ত হইছে লীন।

---

আঘোন,
১৮৫৭ শক

( ৮৬ )

গৌৰৱ-ৱাহিনী পুণ্য প্ৰৱাহিনী

ভুৱন বিমোহিনী ৰাণী
নমো ভাৰত, ভুৱন-ৰাণী !
তুষাৰাচ্ছন্ন হেমগিৰি দূৰ্গে
তুচ্ছি মহাকাল যুগ-দুৰ্য্যোগে
উৰোৱা জয়ধ্বজা বিপ্লৱে সম্ভোগে প্ৰচাৰি মৰ্ম্ম-বাণী,
ত্ৰিজগত-পূজিতা ৰাণী !
বক্ষ-বিগলিতা গোদাবৰী-গঙ্গা
প্ৰেম-পয়োধৰা পুণ্য-তৰঙ্গা,
স্বৰ্ণ-মণ্ডিত স্নেহ-বিকম্পিত প্ৰসাৰি অঞ্চল খানি,
অনন্ত ধন-ধান বিতৰা জগত জুৰি, বিপুল-বৈভৱ-ৰাণী ।
চুম্বি চৰণ-তল সমুদ্ৰ কল-কল
চৌদিশে যশোগীতি নৰ্ত্তন অবিৰল,
সুবাসিত চঞ্চল সমীৰণ-হিল্লোল-আলোড়িত দিগন্ত খানি,—
হে প্ৰতিভাময়ী ! হে গৰিমাময়ী ! হে মহিমাময়ী ৰাণী !!

---

শাওণ,
১৮৪৪ শক

## তুমি যে মোৰ মহাতীৰ্থ

বাজে ই সুৰ অহৰ্নিশি,—
জননী মোৰ জন্মভূমি স্বৰ্গাদপি গৰীয়সী !

দূৰ-দিগন্ত ভৰা তোমাৰ
কত লীলা, কত গান !
কিহৰ দুখত দৌৰাবা শিৰ,—
কিহৰ শোকত হবা ম্লান ?
প্ৰাগ্‌জ্যোতিষৰ কিৰণময়ী জিলিকিছে গৰিমা
কাম্য তুমি কামৰূপ।
চিৰ-দীপ্ত মহিমা—
চিৰ-স্নিগ্ধ সুষমা
চেনেহী আই অসমা !

উচ্চ তোমাৰ শৈল শিখৰ,
মূৰ্ত্ত মাৰুত, মুক্তাকাশ !
কিহৰ দুখত দৌৰাবা শিৰ,
কিহৰ শোকত হবা হ্ৰাস ?
দীন হীনা হলেও মোৰ, চিৰ তীব্ৰ প্ৰেৰণা
তুমি যে মোৰ, অগ্নি-বীণা
চিৰোত্তপ্ত চেতনা,—
ভাদ, ) কৰুণ মৰ্ম্ম-বেদনা,—
১৮৪৮ শক ) চেনেহী আই অসমা !

## পৰশি তোমাৰ কমল পাৱ

বন্ধন-মুক্ত বিশ্ব তোমাৰ পৰশি কমল পাৱ ;
নমো নমো জননী পতিত-পাৱনী
জগত-তাৰিণী মাও ।
শিতানৰে পৰা হিমাচলে ঢালে অনন্ত আকাশী অমিয়া-ধাৰ ;
অসংখ্য গিৰিজাই উকলি বজাই ডিঙিত পিন্ধায় হীৰাৰ হাৰ ।
বছৰি বৰ্ষাই দিয়েহি ধুৱাই আতপ-তপ্ত তোমাৰে গা
হৰিতাচঁলত চোঁৱৰ বিছি যায় গোন্ধতে বিভোল বহাগী বা ।

বনে বনে জিনি উঠে অবিৰল আকুল উল্লাস-প্ৰীতি
গিৰি গুহা ভৰি তোমাৰে গভীৰ পুলক-স্পন্দন-গীতি
অতীতে দূৰে তযু উজ্জ্বল স্মৃতি ঘেৰি সুন্দৰ জ্যোতি পৰকাশ,
যুগ-যুগান্তৰে জিলিকি আছে তযু মহিমান্বিত ইতিহাস ।

তোমাৰ অন্নে পালিত ভুবন, দানত জগত মুগ্ধ,
তোমাৰ করুণাত আৰ্দ্ৰ ধৰা, মহত্বে বিশ্ব মুক্ত !
জনমে জনমে তোমাৰ পদধূলিত মৰি যেন মিলি যাওঁ ;
জনমে জনমে তোমাৰ কোলাত যেন ঘূৰি ঘূৰি জনম পাওঁ ॥

---

আহিন,
১৮৪৮ শক

( ৮৭ )

লুইত আমাৰ ব্ৰহ্মপুত্ৰ,—
আমাৰ শিৰৰ মণিকুট,—
লুইত আমাৰ উপত্যকাৰ
দুৱাৰ-ৰক্ষী দেৱদূত।
আমাৰ তীৰ্থ পুণ্য-তীৰ,
আমাৰ চিৰ শান্তি-নীড়,
জীৱন-বীণাৰ সুৰৰ আধাৰ,
সঙ্গীত আমাৰ দ্ৰৱীভূত।
মুকুতিৰ সিংহ-দ্বাৰ,
উল্লাসৰ জয়-হুঙ্কাৰ,
আমাৰ হৰ্ষ প্ৰীতিৰ উৎস,
সঞ্জীৱনী মন্ত্ৰ-পূত।
আমাৰ নিপুণ খনিকৰ ;
নিত্য-নৱ-সৌষ্ঠৱৰ
আমাৰ গৰ্ব্ব গৌৰৱৰ
চিত্ৰ-পট অদভূত !

---

আহাৰ,
১৮৫৯ শক

গহীন গিৰি-উপত্যকাৰ তীৰ্থ মোৰ পৰ্ব্বতীয়া
দেৱতাৰ লীলা-ভূমি কল্পনাৰ কবি-প্ৰিয়া

যি দিনা হল কিৰণময়
প্ৰাগ্‌জ্যোতিষৰ অভ্যুদয়
হিমাদ্ৰি-কোলাত পিন্ধি মেঘাম্বৰী মেখলা
সিদিন ধৰি জগত-জিনা জননী মোৰ উজ্জ্বলা ;—

মৰকতৰ শ্যামল গিৰি
হৰিত-পথাৰ থলে বেঢ়ি
কুঁৱলীৰে আলফুল পাটৰ আঁচল উৰি
ৰ'দ-কাচলিত ইন্দ্ৰ-ধনুৰ ৰঙিন কন্থা তুলি ;—

তটিনী গল বুকু জুৰাই
—জোনালীয়ে গা ধুৱাই
—দিগ্‌-বধূৱে নিজান কোণত প্ৰভাতী গীত গাই,
ভাস্কৰে কণক-ৰাগে দিলেহি জগাই ;—

টিঙে টিঙে ধৱল মঠৰ
কলচী চৰিল সোণৰ
আকাশ-বন্তি লগালে য'ত নিতে ইন্দু-অৰুণে
ফুল-ৰেণুৰ অঞ্জলি দি আৰতি গায় পৱনে।

———

চ'ত,
১৮৩৯ শক

( ৯১

আগত আজি তব অতিথি অভিনৱ
মন্দিৰ-দুৱাৰে, মাতৃ !
জাগ্ৰত আজি তৱ কাণ্ডাৰী মাধৱ,
—মিলিত যত দূৰ-যাত্ৰী ।
আজি মহাপৰৱৰ অপূৰ্ব্ব পয়োভৰ ! উল্লাস-গীতি ঘনে বাজে,
মঙ্গল-আৰতি বাজে দূৰ-সুৰ-পুৰে
বাজে পাঞ্চজন্য বিপুল ভীম-সুৰে
উজ্জ্বল উঠে জ্বলি ভৱিষ্য লক্ষ্য সুদূৰে সুন্দৰ সাজে !

বিশ্ব বিয়পি যায় কৰ্ম্মৰ কলৰৱ ; কিহেতু নীৰৱে নত হবি ?
আত্মপ্ৰচাৰ হেতু জাগে শত কোটি
সত্য প্ৰকাশি উঠে ধৰ্ম্মৰ জ্যোতি,
কিহেতু তিমিৰে পৰি নয়ন মুদিবি আই ?
আজিও তোৰ জ্বলে ভাগ্য-ৰবি !

পুৰণি গৌৰৱ স্মৰি বিজয়-কেতন ধৰি হোৱা বীৰ সৱে আগুৱান
নতুন যুগৰ নৱ বাৰতা সূচাই আজি
উদিছে নৱ-ৰবি কিৰণে জগত ৰাঁজি ;—
পৰিহৰি উদাসীন আলস্য ভাৱ হীন ৰাখা বীৰ জাতিৰ সন্মান ।

———

ভাদ, }
১৮৪৮ শক }

( ৯২ )

হৰ্ষে উৰ্দ্ধে উৰ নিছান
—মুক্তিৰ নৱ অভিযান !
আত্মাৰ উন্মেষ জীৱৰ স্পৃহা
হিয়াৰ স্পন্দন উদ্বেগ তৃষা
দীপ্তিময়ী অগ্নি শিখা
শীৰ্ষে তুলি লেলিহান—
উৰ নিছান !
গৌৰৱ গৰ্ব্বে উৎসৱ পৰ্ব্বে
সঞ্চাৰ চিত্তে নবীন প্ৰাণ,
প্ৰাণ-প্ৰতিষ্ঠাৰ বিপুল চেষ্টা—
মুক্তিৰ নৱ
অভিযান—
উৰ নিছান !

আঘোন,
১৮৫৭ শক



# পৰিশিষ্ট

## বৰ্ণানুক্ৰমে গীতৰ সূচী—

# পৰিশিষ্ট

## পৰিশিষ্ট

পৃষ্ঠা

# পৰিশিষ্ট

পৃষ্ঠা